জীয়াই থকাৰ বাবে আন এজনক আঘাত কৰে। আৰু আনজনেও জীয়াই থকাৰ তাড়ণাতে আঘাত লবলগীয়া হয়। এইদৰে ইজনক মাৰি সিজনৰ জীয়াই থকা ৰণৰ অন্ত ক'ত? এজনী ফুলমণি, এটা বুধানেইতো সমাজ নহয়। এটা লাল্লু, এটা জগুৱায়ো নহয়। একেদৰে এজন মিণ্টাৰ জন বা এজন মোহিত টমাছেই সমস্যাৰ কেন্দ্ৰ নহয়। এজনী চম্পা বা এজনী পলীও নহয়। তেন্তে এটা এটাকৈ এনেবোৰ অব্যৱস্থা, এনেবোৰ আঘাত-প্ৰত্যাঘাত খুচৰি খুচৰি জানো সমাজ নিকা হব পাৰে? পৃথিৱী সুন্দৰ হব পাৰে?? সমাজৰ শুকান বালিত এটুপি কিয়, হোৰাহোৰে চকুলোৰ নিজৰা বোৱাই, ধাৰাসাৰে তেজ ঢালি জানো--তাক তিয়াব পাৰি?? সেমেকাব পাৰি সঁচা। তাকো কিমান পৰলৈ? তেনেহ'লে এই শুকান বালি পলসুৱা কৰাৰ বাবে সম্পূৰ্ণ সমাজ ব্যৱস্থাৰ সলনি হব লাগিবই। তাৰ বাবে গণজীৱনৰো সামগ্ৰিক প্ৰচেষ্টা লাগিব। একক বিচ্ছিন্ন সজইচ্ছা বা আমৰণ প্ৰচেষ্টাৰ মূল্য কি?

--হঠাতে জীপৰ ব্ৰেক ধৰাত চন্দনৰ চিন্তাৰ আঁত হেৰাল। সপ্ৰতিভ হোৱা চন্দনক মমতাই ক'লে ঃ নামা চন্দন, সৌৱা মংৰা মাস্নীচোন।

জীপৰ শব্দ শুনিয়েই মংৰা মাস্নী দৌৰি আহিছিল। চন্দন আৰু মমতা জীপৰপৰা নমাৰ প্ৰায় লগে লগে উধাতু খাই অহা মংৰা মাস্নীয়ে অতি দুখেৰে কৈছিল ঃ মমতা দিদি, মেনেজাৰ চাহাব। মোৰ কপাল ভাঙি গেল। এক লাড়ুটীকে লৈ আছিলু, ভগবানৰ সহ্য নহ'ল। --এইখিনি কৈ সি কান্দোন চেপি ৰাখিব নোৱাৰিলে। আকুলভাৱে চন্দনৰ ওচৰলৈ আগবাঢ়ি কান্দি কান্দি ক'লে ঃ মোৰ ফুলমণিৰ কি হবেক?

ঃ ৰবা, অস্থিৰ নহবা। ফুলমণি ক'ত? চন্দনে ক'লে।

ঃ এই ইয়াতে আছিল। বলিছিল--মমতা দিদি ঘৰত আহিব পাৰে। আপনাৰ গাড়ীৰ আৱাজ শুনি ভাগি গেলাক। চাহ গছৰ লাইনৰ সেই নৰ্দমাত লুকাইছে। মোৰ বেটি ফুলমণি কিজানি পাগলা হৈছে মমতা দিদি।

মমতাই মংৰা মালীৰ গাত থপৰিয়াই সান্ত্বনা দি ক'লে : মই যাওঁ ৰবা। মালীকাই তুমি নাহিবা। চন্দনো ইয়াতে থাকা। মই ফুলমণিক বুজাম।

মংৰাই চকুপানী মচি স্থিৰ হৈ ৰ'ল। চন্দনে জীপৰ সমুখৰ ছিটটোতে একটীয়াকৈ বহি কিবা ভাবি আছিল। তেতিয়াকৈ মমতা মংৰাই আঙুলিয়াই দেখুওৱা চাহপাতৰ শাৰীৰ মাজৰ পানী যোৱা নৰ্দমা এটাৰ পিনলৈ আগবাঢ়ি গ'ল।

খাৱৈটোৰ ওচৰ পাই মমতাই জুমি চালে। দেখিলে কুচিমুচি বহি আছে ফুলমণি। জপৰা চুলি। ৰঙা চকু। বিবৰ্ণ মুখ।

: আৰে ফুলমণি। নৰ্দমাত কিয় বহি আছ? উঠি আহ!

তাই মাত্ৰ ফেকুৰি উঠিছিল।

মমতাই আকৌ মাতিছিল : আহচোন, আহ। নাকান্দিবি। তোৰতো একো দোষ নাই। আহ, তই নথকাত মই আৰু চন্দনে কিমান বেয়া পাইছিলো।

: তুমি যোৱা মমতা দিদি। মোৰ চব হাৰাই গ'ল।

: দুৎ, ফুলমণি। তোৰ একো হেৰোৱা নাই। ফুলমণি, এটা অথন্তৰেই সমগ্ৰ জীৱন নষ্ট কৰিব নোৱাৰে। এটা বেয়া সপোনৰ দৰে সেই দিনকেইটাৰ কথা পাহৰি যা। আহ। উঠি আহ।

তেতিয়াও ফুলমণিয়ে ফেকুৰি আছিল।

: ফুলমণি, নাহিলে কিন্তু মই নামি গৈ তোক উঠাই আনিম। আহচোন, অবুজ নহবি। আহ ফুলমণি—আহ!

মমতাৰ ইমান মৰম-কোমল মাতত ফুলমণিয়ে সঁহাৰি নিদিয়াকৈ নোৱাৰিলে।

: মমতা দিদি সমাজে মোক থুই দিব। মোক কোনে মৰম কৰিব?

: ধেৎ পাগলী! মই নাই? আৰু চন্দন? তোৰ বাবা? আহ ফুলমণি।

লাহে লাহে ফুলমণি খাৱৈটোৰপৰা উঠি আহিল। জপৰা চুলিৰে, ধূলি-বালি আৰু বোকা সনা আধাফটা শাৰীখনেৰে, ফুলমণিয়ে

তন্নমূৰকৈ থাকি, দূৰৰপৰাই আকুলভাৱে সুধিলে ঃ মমতা দিদি, এইৰকম কিয় হ'ল দিদি ? মইতো কিছু দোষ কৰা নাই ?

এৰা কিয় হয় ? দোষ নকৰা সহজ-সৰল নিৰপৰাধী বহুতৰে জীৱনত কিয় দুৰ্ভোগ হয় ? আৰু কিয়ইবা অপৰাধীচাম বেছিভাগ ক্ষেত্ৰতে সাৰি যায় ? আনকি সমাজৰ মূধচত কিৰিলি পাৰি থকাৰহে সুবিধা পাই থাকে। কিয় ? এই প্ৰশ্নৰ উত্তৰ আজিৰ সমাজে দিব নোৱাৰে। মমতায়ে বা দিব কেনেকৈ ? ছাৎ কৰি যেন এটা চিন্তাৰ বিজুলীয়ে মমতাৰ মগজু চমকাই গ'ল। পিছ মুহূৰ্ততে নিজকে সামৰি লৈ নিজে আগবাঢ়ি গৈ, ফুলমণিক ক'লে,---

ঃ ইচ। নৰ্দমাৰ বোকা লাগি তেনেই লুতুৰি-পুতুৰি হলি।

ঃ মমতা দিদি। এই কাঁদাতো জল ঢালি দিলেই চাফ হব। কিন্তু মোৰ দেহাটো একদম খাৰাপ হৈ গে'ল যে-- । এইখিনি কৈয়েই যেন এক অসহায় আৰ্তনাদ তাইৰ ডিঙিত ফুটি উঠিল,

ঃ বাবা।

ঃ বেটি ফুলমণি। মংৰা মালী লৰি আহিল। ফুলমণিয়ে দৌৰি আগবাঢ়ি দেউতাকক সাবটি ধৰি হুকহুকাই কান্দিলে। এটা অস্বাভাৱিক পৰিস্থিতিত মমতাৰ চকুও সেমেকি আহিল। মংৰা মালীয়ে জীয়েকক সাবটি ধৰি, এহাতেৰে বাধা নমনা চকুপানী দুধাৰি মচি মচি কলে ঃ বেটি ফুলমণি। চা--মেনেজাৰ চাহাব তোৰ কাৰণ আহিছে।

ইতিমধ্যে চন্দনো আগবাঢ়ি আহিছিল। লাহেকৈ মাতিছিল,

ঃ ফুলমণি--

ফুলমণিয়ে অলপ প্ৰকৃতিস্থ হৈ, দেউতাকৰ কান্ধৰপৰা মূৰ তুলি চন্দনলৈ চাই আকুলভাৱে কৈছিল,

ঃ মই বাচি থাকি কি হব মেনেজাৰ চাহাব ?

ঃ ফুলমণি। নাকান্দিবি। তই আকৌ আগৰ দৰে হবি। হাহিবি, নাচিবি, ফুৰিবি। আহ, জীপত উঠ। ঘৰলৈ যাবি।

চন্দনৰ কথা শুনি ফুলমণিৰ কান্দোন যেন চৰিলহে। দেউতাকে

ধৰি ধৰি জীপখনৰ ওচৰ পোৱালে। মমতাও নিৰৱে গৈ থাকিল। চন্দনো।

চন্দনে ভাবিলে—অকল ফুলমণিয়েইতো নহয়। দিনে-নিশাই হেজাৰ হেজাৰ অসহায় দুৰ্বলীয়ে বলীৰ হাতত আঘাত পাই আহিছে। তথাপি সকলোৱে জীয়াই থাকিব লাগিব। ফুলমণিও সেই সকলৰে এজনী। তায়ো আকৌ মূৰ তুলি উঠিব। এইবাৰ অকল হাঁহি-নাচেৰে নহয়, সমগ্ৰ শক্তিৰে অত্যাচাৰত ভোগাসকলৰ অন্যায়-বিৰোধী মিছিলত মিলি—তায়ো আগবাঢ়িব লাগিব।

মমতাই ফুলমণিক ক'লে ঃ জীপত উঠা। দেউতাৰাক কষ্ট দিছা কেলেই? ঘৰলৈ ব'লা ফুলমণি।

প্ৰকৃতিস্থ হৈ ফুলমণিয়ে মাথোঁ ক'লে,

ঃ মোক নুছুবা দিদি।

ঃ আঃ ফুলমণি, কথা শুনা। মৰমৰ ধমকিৰে মমতাই নিজে তাইক ধৰি জীপৰ ভিতৰৰ ছিটত পোনতে উঠাই দিলে। নিজেও তাইৰ কাষতে উঠি বহিল। মংৰা মালী আনটো ফালে বহিল। চন্দন আগৰ ছিটত উঠিল।

তেতিয়াও ফুলমণিয়ে বাউলীৰ দৰে কৈ আছিল ঃ মমতা দিদি, মোক ছুইছা কিয়? মই পাপীনী।

ঃ তই নিষ্পাপ ফুল। চন্দনে ভাবিলেহে, নকলে।

মই পাপীনী—কিমানে যে এনেদৰে আনৰ অত্যাচাৰ সহি নিজৰ ভাগ্যকে দুষি লঘু-লাঞ্চনা, শোষণ-নিপীড়ণ মানি লয়। সমাজৰ ৰথচক্ৰৰ তলত পিষ্ট এইসকলৰ সহজ-সৰল জীৱনৰ এই পৰিস্থিতিয়েই জানো চলি থাকিব চিৰকালে?

ঃ ফুলমণি, তই পাপীনী নহয়। পাপ-পুণ্যৰ তুলাচনী লৈ থকা সমাজৰ মহাজনহঁতহে পাপী। মমতায়ো মনতেহে ভাবিছিল, মুখ ফুটাই কৈ বুজাব পৰাৰ মানসিক প্ৰস্তুতি তেওঁৰো হেৰাই গৈছিল। আৰু তেনে বুজনিৰে ফুলমণিৰ দৰে এজনী সহজ-সৰল গাভৰুক ততালিকে আগৰ অৱস্থালৈ অনাৰো পৰ সেয়া নাছিল। গভীৰতম

ক্ষতকো সময়ে নিৰাময় কৰে--সেই ক্ষত দেহৰে হওক বা মনৰে হওক। ফুলমণিৰ ক্ষেত্ৰতো সময়কে এই দায়িত্ব দিয়া উচিত হব। চন্দন-মমতা দুয়ো ভাবিছিল। তথাপি চলি থকা জীপৰ ঘৰ্ঘৰণিৰ মাজত সেয়ে যেন ফুলমণিৰ এটা কথাই আৰোহীকেইজনৰ মনত ধ্বনিত-প্ৰতিধ্বনিত হৈ আছিল ঃ মই পাপীনী।

ঃ পাপিনী ? পাপ ? পাপ কাক বোলে ? আবে বুদ্ধু, তোৰ নৰকক খোৱাই মই পৰোৱা কৰো ।

কেইদিনমানৰ পিছৰ কথা। মনজুলি বাগিচাৰপৰা দহমাইল-মান আঁতৰৰ বস্তি এখনৰ দাঁতিৰ হাট এখনত বুধন আৰু চম্পা মুখামুখি হৈছিল। লাল্লুৰ আড্ডালৈ চন্দনৰ লগত যোৱা দিনৰে পৰা চম্পাই বুধনক ঘিণ কৰে। তাৰ পিছত পুলিচেও চম্পাক লাল্লুহঁতৰ কথা সুধি কম জুলুম কৰা নাই। আগৰ 'আস্তানা' এৰি চম্পা এতিয়া এই বস্তিৰ কাষতে ক'ৰবাত থাকে।

সিদিনা হাট ভঙাৰ পিছত সন্ধিয়া বাহৰলৈ ওভতা চম্পাক বুধনে লগ পাইছিল। বুধনক দেখি চম্পাৰ খঙে চুলিৰ আগ পাইছিল। ফুলমণিৰ কথা কৈ বুধনক বিদ্ৰূপ কৰিছিল। বুধনে খঙেৰে কৈছিল,

ঃ লাল্লুৰ সাথত থাকি তয়ো পাপত ডুবিছ। তই পাপিনী।

কঁকালত কোব খোৱা সাপৰ দৰে ফেৰ পাতি চম্পাই চিঞৰি কৈছিল ঃ পাপিনী ? পাপ ? পাপ কাক বোলে ? আবে বুদ্ধু, তোৰ নৰকক খোৱাই মই পৰোৱা কৰো ।

ঃ একদিন পস্তাবিবে চম্পা—

ঃ চুপ্ চুপ্ বান্দৰৱালা, তোক মই হুছিয়াৰ কৰি দিছো। ফিৰ মোৰ পাছ নলবি। মেনেজাৰৰ দালাল। মোৰ লাল্লু ওস্তাদৰ খিলাফত লাগি থাকিবিতো তোৰ জান যাব। হা—

চম্পাৰ খঙ বেছিকৈ তোলাবলৈকে বুধনে হাঁহি হাঁহি কৈছিল ঃ ৰাগ কৰিছ কেনৰে ? তোৰ লাল্লু ওস্তাদ কব্তক্ পলাই থাকিব ?

ঃ যব্‌তক্ তোৰ মেনেজাৰৰ জান লিব নোৱাৰে। তই কি ভাবিছৰে, লাল্লু ওস্তাদ কি তোৰ মতন ? সি সাচ্চা বাহাদুৰ—চম্পা বেগাই আগবাঢ়িছিল।

বুধনে হোঃ হোঃকৈ হাঁহি ডম্বৰুটো বজাই কৈছিল ঃ দেখিছ চম্পা, তোৰ বাত শুনি মোৰ বুঢ়া বান্দৰেও হাঁহিছে।

চম্পাই উভতি বুধনক ধমকি দি কৈছিল ঃ দিল্লগী ছোড়। অয় বুদ্ধু, তোৰ মেনেজাৰে কি ভাবিছে ৰে ? মোৰ ওস্তাদক থাপ্পৰ মাৰি, চাবুকেৰে পিটিছিল। সিদিনা ওস্তাদে সহ্য কৰি গেল। নহ'লে সিদিনাই খতম্ হল হয়—

বুধনে যেন চম্পাৰ কথালৈ কাণ নিদি ডম্বৰু বজাই বান্দৰটোকহে শুনাই গাই দিলে—

ঃ দিখাও ক্যোয়সে ঔৰৎ গোস্‌সা হোতী
ঔৰ সাজনকে লিয়ে হাল্লা মচাতী
নাচ, নাচৰে মেৰা বান্দৰ নাচ।

বান্দৰটোক টানি লৈ ৰাস্তাৰ পৰা নামি এটা লুঙলুঙীয়া বাটেৰে বুধনে খোজ ললে।

চম্পাই ৰাস্তাৰপৰাই চিঞৰি বুধনক গালি-শপনি পাৰি ক'লে,

ঃ অয়, মোকে ঠাট্টা কৰি ভাগি গেলি না ? আচ্ছা, তব্ আচল বাত শুন। মই চাবাব খাইছো বুলি হুছ হৰোৱা নাইৰে ?

বুধনে বৈ উভতি চাই সুধিলে, ঃ ক, কি আচল বাত ?

ঃ আচ্‌মানত সেই সাঁঝব তাবাটো দেখিছ ?—চম্পাব নিচা লাগি আহিছিল।

ঃ আজিকালি তাবা গিনতিত লাগিছ নাকি ৰে চম্পা ?

ঃ ঐ বান্দৰৱালা শুন। মদব বাগীত চম্পাব কথাবোৰ অস্পষ্ট যেন হৈছিল। তাই হাত জোকাবি জোকাৰি কৈ গ'ল—বুদ্ধু কালি ফজিৰব কামজাবিত যাব নহয়, তোৰ মেনেজাৰ চাহাব,—জানিবি সেইটো তাৰ শেষ কামজাৰী। আৰ ঘুৰি নাহে। আৰ সৌ তাৰা না দেখিব ৰে—হা ?

বুধনে চিঞৰি উত্তৰ দিছিল ঃ আৰে চম্পা, তোৰ অভিশাপ ফুল হওক ।

ঃ কি বলিছ ? ফুল ?--হা, ফুল হবতো, তোৰ চন্দন মেনেজাৰৰ লাছৰ ওপৰত ভৰি থাকিব । ঐ বুধন্ মোৰ লাল্লু ওস্তাদ এক কথাৰ মানুষ । সি কৈছে--বদলা লবই । আৰ কালিয়ে—

চম্পাৰ কথাৰ ওপৰতে বুধনে--'বাছ বাছ দেখা যাব' বুলি কৈ জোৰে জোৰে ডম্বৰু বজাই আঁতৰি গ'ল ।

চলংপলংকৈ চম্পাও নিজৰ বাটেৰে গৈ থাকিল ।



ডম্বৰুৰ শব্দ এসময়ত বন্ধ হ'ল । কিন্তু বুধনৰ মনত এটা অহেতুক আশঙ্কা হ'ল । চন্দনতো অকল মনজুলিৰ মেনেজাৰেই নহয় । চন্দন যে তাৰ সৰুতে তুলি-তালি ডাঙৰ কৰা চানুবাবা । এদিন তাৰেই অন্ধ-প্ৰেমৰ মোহত চানুবাবাৰ দেউতাক নাইকিয়া হ'ল । ইমান আদৰ-সাদৰ কৰা চানুৰ মাকৰ সংসাৰ ছাৰখাৰ হ'ল । এতিয়া যদি চানুৰো কিবা হয় । নাই, নাই চন্দনৰ কোনো ক্ষতি হবলৈ সি দিব নোৱাৰে । চন্দনৰ অমঙ্গলৰ কথা যে সি ভাবিবই নোৱাৰে । চানুবাবা তাৰ অতি মৰমৰ । কিন্তু মৰমৰজনৰ ক্ষেত্ৰত সততে অমঙ্গলৰ আশঙ্কাই মানুহক আকুল কৰে । সেয়ে পিছ মুহূৰ্ততে বুধনৰো ভাব হয় ঃ কি ঠিক, বদমাইচ-গুণ্ডাৰ কথা । কিন্তু আজিতো গধূলি হ'ল । মনজুলি পাওঁতে নিশাই হব । বাগানৰ গেট বন্ধ হব ।---- সি ভাবিলে খুব পুৱাতেই চন্দনৰ ওচৰ পাবগৈ ; হুছিয়াৰ কৰি দিব । মনক প্ৰবোধ দি সি নিজকেই বুজালে ঃ ভগবান আছে । আমাৰ চানুবাবাক ৰক্ষা কৰিব । তথাপি সি যিমানখিনি পাৰে সেই নিশাই আগুৱাই যোৱাটো থিৰ কৰিলে । য'তে বেছি ৰাতি হয়, তাঁতে বৈ যাব । তাৰনো থকাৰ সমস্যা কি ?--সেয়ে পুনৰ লুঙলুঙীয়া বাটটোৰে উভতি আহি ডাঙৰ ৰাস্তাত উঠি--চম্পা যোৱাৰ বিপৰীত পিনেৰে বান্দৰটোক কোলাত তুলি লৈ, বুধনে বেগাই খোজ ললে ।

●

সেই সন্ধিয়াৰে কথা। মনজুলি বাগিচাত লাল্লুৱে গোপনে নিজে সোমোৱাৰ দিহা কৰিছে। চোৰাং ব্যৱসায়ৰ বাবে নহয়, চাহপাত চুৰিৰ বাবেও নহয়, বনুৱা গাভৰু ফুচুলাই আনিবৰ বাবেও নহয়, আজি তাৰ এই অভিযান অপমানৰ পোতক তুলিবলৈ। চন্দন মেনেজাৰ হোৱাৰ পিছত বাগানৰ ভিতৰ সোমোৱা অসম্ভৱ হৈ পৰিছিল। ইউনিয়নৰ ডেকা কৰ্মীসকল সজাগ থকাত, দালালহঁত ভয়ত তাপ মাৰিছিল। লাল্লুৱে কিন্তু তেতিয়াও পিন্টু দালালক হাতত ৰাখিছিল। বাগিচাৰ বাহিৰত মংলাৰ হতুৱাই পিন্টুৰ লগত যোগেযোগ ৰাখিছিল। এনেদৰে বহুদিনৰ ছল-চক্ৰান্তৰ মূৰত লাল্লুৱে প্ৰতিশোধ লবৰ উদ্দেশ্যে পিন্টুৰ সহায়ত সেইদিনা সন্ধিয়া মনজুলি বাগিচাত সোমোৱাৰ ষড়যন্ত্ৰ কৰিছিল।

ঃ জগুৱা।

ঃ ওস্তাদ।

ঃ মই চাহপাতৰ টুক্‌ৰী টানা লৰীত লুকাই যাম। এই জাগাত পিন্টুৱে লৰীৰ ইঞ্জিন খাৰাপ হোৱা বুলি লৰী ৰাখিব। সেই সময়তে মই উঠি টুক্‌ৰীৰ ফাঁকত লুকাই থাকিম।—লাল্লুৱে জগুৱাক কয়।

ঃ ৰাতি কি ৰকম কাটিব ?—জগুৱাই সোধে।

ঃ ৰাতি চুপচাপ চাহ গাছৰ মাজৰ নৰ্দমাতে পৰি থাকিম। কালি ফজিৰতে মেনেজাৰ ফোনফালে কামজাৰীত যাব, পিন্টু দালালে চব খবৰ দিছে। পূবৰ নাল্লাটোৰ ধাৰত।—

ঃ ঠিক আছে ওস্তাদ। মই নাল্লাৰ উত্তৰ দিকৰ তাঁৰৰ বেৰাৰ ওপৰত কলাগাছ দুটা ৰাখি দিম। গণপতক কৈ দুটা চাইকেল ৰাখিছো। পাৰ হৈ আহিলে দুয়ো ভাগিম।

ঃ যদি কাম হাচিল হয়, আহিম। জগুৱা বদলা লৈহে মই মনজুলি ছাৰিম।—হঠাতে লাল্লুৱে গম্ভীৰ হৈ, এটা হুমুনিয়াহ এৰিলে আৰু ক'লে ঃ জগুৱা, মোৰ যদি কিবা হয়, চম্পাক দেখিবি।

ঃ ওস্তাদ, ফিকিৰ্ মত্ কৰো। কাম হাচিল হবই।

এনেতে চাহপাত টনা লৰীৰ শব্দ শুনা গ'ল।

লাল্লুৱে জগুৱাক ফুচ্‌ফুচাই ক'লে,

ঃ জগুৱা তই ভাগ। তোৰ কামত লাগি যা। পিন্টু লৰী চালাই আহিছে। যা--

ঃ আচ্ছা ওস্তাদ। --জগুৱাই বাটৰ দাঁতিৰ জাৰ্মানী বনৰ জোপো-হাৰ আঁৰত সোমাই পৰিল।

লৰী আহিল। ঠিক লাল্লুৱে চোপ্ লৈ থকা ঠাইত হঠাতে লৰীখন ৰ'ল। পিন্টুৱে ইঞ্জিন খাৰাপ হোৱা দেখুৱাই লৰীখনকে অশ্লীল গালি-শপনি পাৰি নামিল। সমুখৰ হুডখন দাঙি, কিবা ইটো-সিটো কৰিলে। লগতে বহি অহাজনক ষ্টিয়াৰিং ধৰি থাকিবলৈ ক'লে।

কেইমিনিটমানৰ ভিতৰতে যেন লৰীৰ ইঞ্জিন ঠিক হ'ল। পিন্টুৱে সগৰ্বে আহি লগৰজনক ক'লে যে লৰীৰ কামত সি ওস্তাদ।

এইখিনি সময়ৰ ভিতৰতে লৰীৰ পিছপিনে লগাই অনা টুকুৰী বোজাই ট্ৰেলৰৰ ওপৰত লাল্লু উঠিল। টুকুৰীবোৰৰ ফাঁকৰ মাজত সোমাই পৰা লাল্লুক লৈ লৰী মনজুলি বাগিচাৰ গেটেৰে আগুৱাই ফেক্টৰীৰ ওচৰৰ পাতঘৰৰ ওচৰ পালেগৈ।

সন্ধিয়াৰ আন্ধাৰৰ মাজত লাল্লু, পিন্টু, জগুৱা--সকলো নিজ নিজ কামৰ বাবে দিহাদিহি গ'ল। এটা আশঙ্কাৰ, এটা উত্তেজনাৰ, এটা উৎকন্ঠাৰ, এটা অনিশ্চয়তাৰ নিশা ক্ৰমে আগবাঢ়ি আহিল মনজুলি বাগিচালৈ।



সেই নিশা। ডাক্তৰ গগৈৰ ঘৰত চন্দনক খাবলৈ মাতিছিল। খোৱা-বোৱা হ'ল। বহু কথাও পতা হ'ল। ফুলমণিৰ কথা, ৰতন মুণ্ডাৰ লগত তাইৰ হব লগা বিয়াৰ কথা, বাগিচাত ঘটি থকা চুৰি-ডকাইতি মাৰ-পিট কমি অহাৰ কথা। খোৱা-বোৱাৰ পিছত মমতাৰ মাকে শ্ৰীউত্তম বৰুৱাৰপৰা পোৱা চিঠিখনৰ কথা উলিয়ালে। চন্দনক

চিঠিখন দি বহা কোঠাৰপৰা মাক ওলাই গৈছিল। ভিতৰৰপৰা মমতাই ৰিঙিয়াই মাকক মাতিছিল। ডাঃ গগৈয়ে চন্দনৰ লগতে বহি এখন পুৰণি আলোচনীৰ পাত লুটিয়াই আছিল। চন্দনে চিঠিখন পঢ়ি থকা যেন লাগিছিল।

ৱালক্লকটোত দহ বজাৰ সঙ্কেতধ্বনি বাজি উঠিছিল। চন্দনে হঠাতে থিয় হৈ ক'লে ঃ নিশা বহু হ'ল। মই যাওঁ।

ডাঃ গগৈয়ে আলোচনীখন থৈ মমতাক মাতিলে ঃ মমতা, মাৰ ক'লৈ গ'ল? চন্দন যাব খুজিছে।

ততাতৈয়াকৈ তিতা হাত আঁচলেৰে মছি মছিহে যেন মমতাৰ মাক ওলাই আহিল। পাছে পাছে মমতাও।

ঃ যোৱাই নেকি?—মমতাৰ মাকে সুধিলে।

মমতাই একো নক'লে। চন্দনৰ সমুখৰ টেবুলখনত পৰি থকা চিনাকি সেই চিঠিখনলৈ চাই, ততাতৈয়াকৈ চকু আঁতৰাই চন্দনৰ মুখলৈ চাই ৰ'ল।

ডাঃ গগৈয়ে বুজিলে যে চন্দনে এতিয়া অকলে চিন্তা কৰাৰ প্ৰয়োজন। শ্ৰীউত্তম বৰুৱাৰ চিঠিত থকা কথাবোৰে নিশ্চয় চন্দনৰ মনত উখল-মাখল লগাইছে। লগোৱাৰ কথাও। তেওঁ উঠি আহি ক'লে ঃ যাওক দিয়া, নিশা দহ বাজিল। দোকমোকালিতে আকৌ কামজাৰীলৈ যাব লাগিব।

ঃ মমতা আহো। চন্দনে ক'লে।

মূৰ জোকাৰি মমতাই সঁহাৰি জনালে।

বাৰাণ্ডাৰ ৰেলিঙত ধৰি মমতা আৰু মমতাৰ মাকে চাই ৰ'ল। জীপৰ ওচৰলৈ আগবাঢ়ি গৈ ডাক্তৰ গগৈয়ে চন্দনক বিদায় দিয়াৰ পৰত ক'লে ;

ঃ বৰুৱাৰ চিঠিতে সকলো জানিছাই। তোমাৰ মা আহিলে আমি সকলোৱে সুখী হম। লিখামতে কোনোবাদিনা ওলাবহিয়েই। বিহুতো আহিলেই।

চন্দনে একো মন্তব্য নিদি জীপত উঠি বহিল আৰু 'আহোঁ বাৰু' বুলি কৈ জীপ চলাবলৈ ড্ৰাইভাৰক নিৰ্দেশ দিলে।

সেই উৎকণ্ঠাৰ নিশা। চন্দনৰ চকুৰ টোপনি যেন হেৰাই গ'ল। বিক্ষিপ্ত চিন্তাৰ টুকুৰাই ব্যতিব্যস্ত কৰি তুলিলে ঃ যি কোনো মুহূৰ্ততে মা আহিব। ---মাক মই বৰ আঘাত দিলো।---তিনিবছৰ আগতে সিদিনা বহু আশা বুকুত বান্ধি লৈ ফাইনেল পৰীক্ষা দিবলৈ গৈছিলো। ---ভাৰতীয় দৰ্শনৰ কিতাপখন গছকি যোৱা অসন্তুষ্ট ডেকাজাকৰ কামে মোৰ মন ভাঙি দিছিল।--আৰু ভঙা মনলৈ গৈ দেখিছিলো অফিচৰ ছুপাৰিন্টেণ্ডেন্টে মাক লৈ গৈছে--অসময়ত ---সিদিনা দুবাৰ ভবাৰ কথা মনত নেখেলালে কিয় মাই মোৰ শিক্ষাৰ বাবেই ওপৰ-ৱালাক অভিনয় কৰি হ'লেও সন্তুষ্ট ৰাখিছিল।------সিদিনা ভবা নহ'ল, তেনেধৰণৰ অসাৰ্থক শিক্ষা মানে ডিগ্ৰী বিতৰণৰ বিৰুদ্ধেই সেই ডেকাজাকৰ বিদ্ৰোহ। ---এই সমাজব্যৱস্থা আৰু অসহায় শোষিত-জাকৰ দুৰৱস্থা জানো কোনোদিনে নাঁতহিব।---

নিশা আগবাঢ়িছিল তাৰ চৰম মুহূৰ্তলৈ। আৰু এটা সময়ত পৃথিৱীৰ সকলোৰে দৰে সেই নিশাটোও ক্ষয় হৈ আহিছিল।

শেষ নিশা চিলমিলীয়া টোপনিজালত চন্দনে কি স্বপ্ন দেখিছিল সেইটো ডাঙৰ কথা নহয়। উত্তেজনাৰ চৰম মুহূৰ্তৰ পিছত জিৰণি লোৱা খেলুৱৈ এজনৰ দৰে গভীৰ সুপ্তিৰ বুকুত চন্দন সোমাই পৰিছিল। সেয়ে পিছদিনা আগৰদৰে দোকমোকালিতে চন্দনে সাৰ পোৱা নাছিল। পুৱা পাচ বজাতে উঠি চাহ এটুপি খাই কামজাৰীলৈ তেওঁ যায়। সিদিনা কিন্তু ছয়বজামানতহে চন্দন উঠিল। ততাতৈয়াকৈ তেওঁ কাম-জাৰীলৈ ওলাই গৈছিল। এটা উৎকন্ঠাৰ নিশাৰ পিছত, এটা দিনে দেখা দিলে--যিটো দিনো কম উৎকন্ঠাৰ নাছিল। বৰং অধিক ঘটনা-প্ৰবাহৰ তৰঙ্গত হাঁহাকাৰ-অস্থিৰতাৰ দিন আছিল সেইটো।



ৰাতিপুৱাৰ আকাশখন গোমাই আছে। নিশা বৰষুণ হৈছিল। এতিয়াও আকাশত চপৰা-চপৰ মেঘ ওলমি আছে। গছপাত থৰ হৈ আছে, বতাহ নাই। তেনে সময়তে বুধনে উধাতু খাই মেনেজাৰ চন্দন টমাছৰ বাংলো পাইছিলহি। কান্ধত ওলোমাই লোৱা মোনাটোত

আছিল বান্দৰটো। মালী, চকীদাৰ, বেয়াৰা, বাবুৰ্চি সকলোৰে তাক চিনি পায়। বাংলোৰ সমুখত মালীয়ে ফুলদানীত সজাবলৈ ফুলপাত গোটাই আছিল। বুধনক তেনেদৰে ফোপাই জোপাই অহা দেখি সুধিলে,

ঃ আৰে বুধন, আজি ফজিৰ ফজিৰ ক্যা ৰে ?

ঃ মেনেজাৰ চাহাবক লাগে। জৰুৰী বাত আছে। —বুধনে ক'লে।

ঃ চাহাব কামজাৰী মেঁ নিকল্ গিয়া ।

ঃ ইত্না জলদী ?

ঃ জলদী কাহাঁ ? আজতো দেৰ হোৱা ।

ঃ কিধৰ গিয়া ? অস্থিৰভাৱে বুধনে সোধাত, মালীয়ে আগবাঢ়ি আহি সুধিলে তাৰ কিবা বিপদ হৈছে নেকি ?

বুধনে একে উশাহে কৈ গ'ল যে তাৰ নিজৰ একো বিপদ হোৱা নাই। কিন্তু লাল্লু গুণ্ডাই কামজাৰীৰ সময়ত মেনেজাৰৰ ওপৰত হাম্লা কৰাৰ মতলব কৰিছে। লাল্লুৰ ঘৈণীয়েক চম্পাই মদৰ ৰাগীত কোৱা কথাষাৰ পোনতে সি বিশ্বাস কৰা নাছিল। তথাপি সন্দেহ কৰি কালি গধূলিয়েই মনজুলিলৈ আহি আছিল। বাটত চিনাকি এটা ল'ৰাই কৈছিল যে লাল্লু গুণ্ডা আৰু তাৰ লগত দুটা মানুহক বাগিচাৰ ৰাস্তাৰে কিবা ফুচফুচাই কথা পাতি গৈ থকা সি দেখিছিল। সেয়ে বুধনে ৰাতি হ'লেও বাগিচা পাবলৈ চেষ্টা কৰিছিল। কিন্তু বৰষুণ পৰিবলৈ ধৰাত বাটৰে হাড়িখোলাৰ ঘৰ এটাত বৈ গ'ল। সেই কাৰণেই আহি পোৱাত পলম হৈছে। চাহাবক সাৱধান কৰি দিব লাগিছিল।

মালীয়ে চকীদাৰ, বেয়াৰা, জমাদাৰ সকলোকে চিঞৰি মাতি বুধনে কোৱা কথাখিনি ক'লে।

ঃ হা ভাইসব। ঠিকতো নহী। কোন জানে আজ্হী লাল্লু গুণ্ডা হাম্লা নহী কৰেগা ?

মালীয়ে ক'লে, মেনেজাৰ চাইকেল লৈ পূবৰ পিনে যোৱা সি দেখিছিল।

বুধনে সকলোকে উত্তেজিত কৰি ক'লে ঃ সবলোক লাঠি লেকে চলো। কুদো—উধাৰ। চাহাবকো গুণ্ডা মাৰ্‌নে আয়া। আও হামাৰা সাথ।

আটায়ে মুহূর্ততে লাঠি-টাঙোন যি পালে লৈ পূবৰপিনৰ ৰাস্তাৰে দৌৰিলে।



প্ৰায় এক ফাৰ্লং আঁতৰত, এটা ডোবাৰ কাষৰ চাহ্ গছবোৰ চাই ফুৰিছে চন্দনে। চাইকেলখন আলিৰ দাঁতিৰ শিৰীষ গছ এডালত আওজাই থৈ, হাতত চুটি লাঠি এডাল লৈ চাহৰ জোপোহা কিছুমান নিৰীক্ষণ কৰিছে।

ডোবাটোৰ সিপাৰত বাগিচাব সীমাব কাঁটা-তাঁবৰ বেৰ দেখা গৈছে। ৰাতি বৰষুণৰ পানীয়ে চাহগছৰ জোপোহাবোবৰ ধূলি-মাকতি উটুৱাই নিছে। গোমাই থকা আকাশত সূৰ্য্য দেখা নিদিলেও, পুৱাৰ পোহৰত চাহপাতৰ আগবোৰ সদ্যস্নাতা গাভৰুৰ কেশৰাজিৰ পানীটোপালবোৰৰ দৰে জিলমিলাই আছে। চাহ গছৰ শাৰীৰ মাজৰ খাৱৈবোৰত দুটা এটা ভেকুলীয়ে টোৰটোবাই আছে। তেনে এটা খাৱৈৰ কাষে কাষে থকা চাহগছ কেইজোপা অলপ অস্বাভাৱিকভাৱে লৰি লৰি উঠিছে। নিশা কেতিয়াবা শিয়াল বা কুকুৰনেচীয়া বাঘ ওলায়, কিন্তু দিনৰ পোহৰত সিহঁত আঁতৰি যায় ওচৰৰ হাবিলৈ। তেনেহ'লে ?



বুধনৰ লগে লগে মেনেজাৰৰ চকীদাব, বেহেৰা, মালী, জমাদাব দ্ৰুতবেগেৰে সেইপিনে আহি চাইকেলখন দেখি বৈ গৈছিল। মালীয়ে চিঞৰি কৈছিল ঃ

ঃ য়হ হ্যায় চাহাবকা চাইকল্।

আটাইকেউজন থমকি ৰ'ল।

বেয়াৰাই দূৰত মেনেজাৰক দেখি চিঞৰি উঠিলঃ বুধন ভাই, দেখোঁ—ৱহাঁ। চাহাবকো দিখাই দেতা।

ঃ হা, হা—চাহাব। বাকী কেউজনেও সমস্বৰে কৈ উঠিল।

বুধন কিছুদূৰ আগুৱাই গ'ল। হঠাতে উভতি চাই বাকীকেইজনক ৰিঙিয়াই মাতি ক'লে ঃ দেখো দেখো, নাল্লাকে নীচেসে এক আদ্‌মী চাহাবকো পিছা কৰতা।

ঃ কাহাঁ? আটাইকেউজনে একেলগে সুধিলে।

ঃ ৱহ দেখো।

ঃ হা—হাথ্‌মে ভুজালি।

এক মুহূৰ্তও পলম নকৰাকৈ বুধনে বান্দৰটোৰে সৈতে মোনাটো দলিয়াই থৈ, একেজাপে খাৰৈ এটা পাৰ হৈ চন্দনৰ ওচৰলৈ দৌৰিলে। লগে লগে হাত দাঙি উচ্চস্বৰে চিঞৰি গ'লঃ মেনেজাৰ চাহাব, চণ্ডালকে—পিছে দুছমন্।

লাঠি-টাঙোন দাঙি মালী, বেয়াৰা, বাবুচি, জমাদাৰেও—'হুছিয়াৰ—চাহাব'—বুলি জপিয়াই দৌৰি চন্দনৰ পিনে আগবাঢ়িল।

মুহূৰ্ততে চন্দনেও কিবা আশঙ্কাত—কোন? কাহাঁ? বুলি কাষৰ এডাল ছাঁ দিয়া শিৰীষ গছৰ আঁৰ ললে। এটা মুহূৰ্ত। আৰু সেই মুহূৰ্তত আত্মৰক্ষাৰ স্বাভাৱিক সচেতনতাৰ বাবে আঁতৰি দিয়াত, ভুজালিৰ ঘাপটো চন্দনৰ গাত নপৰি পৰিল শিৰীষ ডালত।

ঃ তোৰ যম। লাল্লু ওস্তাদ।—বুলি শৰীৰৰ সৰ্বশক্তিৰে মৰা সেই ঘাপটো শিৰীষ ডালৰ গাত বহু দলৈ সোমাই পৰিল।

লক্ষ্যভ্ৰষ্ট হৈ পুনৰ চন্দনক আক্ৰমণ কৰিবলৈকে লাল্লুৱে গছডালৰ পৰা ভুজালিখন টানি এৰুৱালে। সেইকণ সময়তে বুধনে জাপ মাৰি—'হুছিয়াৰ' বুলি লাল্লু আৰু চন্দনৰ মাজত থিয় দিলে।

লাল্লুৱে ভুজালিখন লৈ—'লে বদ্‌লা'—বুলি চন্দনক আৰু এঘাপ মৰাৰ আগতে চন্দনে হাতৰ লাঠি ডালেৰে বাধা দি একাষৰীয়া হৈ থিয় দিলে।

আৰু বুধনে জাপ মাৰি লাল্লুক সাবটি ধৰিলে।

গছডালৰ শিপাত এখন ভৰি উজুটি খোৱাত লাল্লু বাগৰি পৰিল।

ঃ কোন চাল্লা, মেনেজাৰক বাচালি? ছাড়্। নহীতো।—লাল্লুৱে বুধনক আঁতৰাই দিবলৈ চেষ্টা কৰিলে।

ইতিমধ্যে—'মাৰ, মাৰ' বুলি বাকী কেইজন আহি পোৱাত, লাল্লুৱে পলাবলৈ বুলি ভূজালিখনেৰে বুধনৰ পেটত এটা খোচ মাৰি দিলে।

ঃ আঃ,—বুলি বুধনে চিঞৰি লাল্লুক এৰি দিলে।

কিন্তু লছমন জমাদাৰে লাঠিৰে লাল্লুৰ সোঁহাতত এক কোব মাৰিলে। লাল্লুৰ হাতৰ ভূজালি উফৰি পৰিল।

গোটেই কেইজনে লাল্লুক দবৰাদবৰি কৰি কাবু কৰিলে।

চন্দনে গোটেই ঘটনাটো তকি উঠাৰ আগতে দেখিলে ৰক্তাক্ত দেহেৰে বুধনে চুচৰি আহি চন্দনক শেহাই শেহাই কৈছে,

ঃ চানু বাবা। ভাগি যা।

ঃ তুমি বুধন! ইমান তেজ! চন্দনে দেখিলে বান্দৰটো জপিয়াই আহি বুধনৰ মুখৰ ওচৰত কোঁ-কোঁৱাই আছে। আৰু এখন হাতেৰে ভূজালিৰে খোচা পেটত ধৰি, আনখন হাতেৰে বান্দৰটোক মৰম কৰি আছে বুধনে। তাৰ মাজতে বুধনে শেহাই শেহাই কলে ঃ চানু বাবা, ইয়াক চাবা। মই নাবাচিম।—বান্দৰটোক মৰম কৰা হাতখন এবাৰ বাগৰি পৰিল।

ইপিনে মালী, জামাদাৰহঁতে লাল্লুক ঘূচিয়াই লঠিয়াই আছে। লাল্লুৱে শেহাই শেহাই কৈ আছে ঃ চাল্লা এক আদমীকো ইতনা আদমী মাৰতা? বেইমান চব।—এবাৰ আজোৰ মাৰি ডোবাটোৰ কাষেৰে তাঁৰৰ বেৰৰ পিনলৈ প্ৰাণটাকি সি লৰ মাৰিলে। ঠিক বেৰৰ ওচৰ পোৱাৰ আগতে পিছে পিছে খেদি যোৱা লছমন জামাদাৰ একে জাপে লাল্লুৰ ওপৰত পৰিল। অসহায়ভাৱে লাল্লু বাগৰি পৰিল। কাঁটা বেৰৰ এঠাইত দুডাল কলগছ পৰি আছিল,—আগতে দিহা কৰা মতে লাল্লু পলাবলৈ। শেষলৈ সেয়া নহ'ল। চিঞৰ-বাখৰত বাগিচাৰ কামলৈ অহা আৰু বহু বনুৱাই দৌৰি আহি মাৰধৰ কৰি লাল্লুক বান্ধি পেলালে। নিঃসাৰ হৈ পৰি থকা বুধনৰ গাত হাত দি চন্দন অস্থিৰ হৈ

পৰিল। ধাৰাসাৰে তেজ ওলোৱা ঠাই ডোখৰত ধৰি পৰি থকা বুধনৰ ওচৰলৈও কিছুমান বনুৱা আহিল। চন্দনে কিবা কোৱাৰ আগতে সিহঁতে--হচপিতেললৈ নিব লাগে বুলি কোৱাকুই কৰি বুধনৰ নিঃসাৰ দেহটো দাঙি লৈ গ'ল। পিছে পিছে বান্দৰটোও গৈ থাকিল।

যন্ত্ৰচালিতৰ দৰে চন্দনে আহি বাটৰ ওপৰত থৈ যোৱা চাইকেল-খনত উঠিল।



ইতিমধ্যে ডাঃ গগৈক খবৰ দিয়াত, জীপ এখন লৈ তেওঁ সেই-পিনে আহিল। বাটতে বুধনক কঢ়িয়াই অনা দেখি, জীপত তোলাই ললে।

ঃ মেনেজাৰ চাহাব ক'ত ?--ডাক্তৰে সুধিলে।

এজনে ক'লে যে চাইকেলেৰে নিজৰ বাংলোৰ পিনে গৈছে।

জীপেৰে বুধনক হচপিতেললৈ নি, ডাক্তৰ তাৰ পৰিচৰ্য্যাত ব্যস্ত হৈ পৰিল।

লাঙুৰো মূৰ ফাটিছিল, হাতো ভাঙিছিল। তাকো বান্ধি-কুন্ধি, টানি-আজুৰি এদল বনুৱাই হচপিতেললৈ লৈ গৈছিল।

হচপিতেল পাই, ডাঃ গগৈয়ে জীপখন ঘৰলৈ পঠিয়াই দিলে আৰু ড্ৰাইভাৰৰ হাতত মমতালৈ চিঠি এখন দিলে। চিঠিত চন্দনৰ খবৰ কৰিবলৈ মমতাক যাবলৈ ক'লে।



চন্দন বাংলালৈ আহিছিল। চকীদাৰ, মালী, বেয়াৰা, বাবুৰ্চি কোনো উভতি অহা নাই।

নিৰ্জন বাংলোত সোমাই, চন্দনৰ মনত এটা অস্থিৰতাই, এটা অসহায় ভাৱে জুমুৰি দি ধৰিলে।

আকাশত মেঘৰ গাজনি। চন্দনৰ মনৰ মাজতো এটা হাঁহাকাৰ। কি হ'ল এইবোৰ ? কিয় হ'ল ? কিয় হয় ??

ৰাতি ৱৰষুণ দিয়াত, কোঠালীৰ ফায়াৰ-প্লেচত জ্বলোৱা কয়লাৰ টুকুৰা দুই-এটাত তেতিয়াও জুই আছিল। কাম কৰা মানুহবোৰে জুই-ছাই ঠিক কৰাৰ আগতে, বুধনৰ মুখে মেনেজাৰৰ আগন্তুক বিপদৰ বতৰা পাই, যাৰ যি কাম মাজতে এৰি থৈ দৌৰি গৈছিল।

ফায়াৰ প্লেচৰ কাষত থাক-থাককৈ সজাই থোৱা কিছুমান কিতাপ। কিয় জানো চন্দনে জুইৰ অঙঠাবোৰ লোৰ ৰ'দডালেৰে খুচৰি দিলে। জ্বলি থকা অঙঠা কেইটামান ওপৰ উঠিল।

চন্দনে কাকত কিছুমান তালৈ দলিয়াই দিলে। জুই জ্বলিল। নুমাল। আকৌ কাগজ দলিয়ালে। পুনৰ জুই জ্বলিল। চন্দনৰ চকু দুটাও যেন দুটা জ্বলন্ত স্ফুলিঙ্গৰ দৰে জ্বলি উঠিছিল। হাতত তেতিয়াও বুধনৰ তেজৰ চেকা।

কিবোৰ চিন্তা যে চন্দনৰ মগজুত মুহূৰ্ততে খেলাই গ'ল ঃ

···নাই, নাই, সকলো মিছা। কাৰ কাৰণে এই যুঁজ? কিয় এই খোৱা-কামোৰা? ইজনে সিজনক, এটা দলে আনটো দলক, এটা জাতিয়ে আনটো জাতিক, এখন দেশে আনখন দেশক,--মাত্ৰ আঘাত কৰে। আঘাত কৰি প্ৰত্যাঘাত লয়। বিজ্ঞানৰ শ্ৰেষ্ঠতম আৱিষ্কাৰৰ গৌৰৱ কৰা মানৱজাতিৰ সমাজ-জীৱনত কিয় অবৈজ্ঞানিক চিন্তাধাৰা---বৰ্ণ-বৈষম্যৰ, জাতি-বিজাতিৰ, শ্ৰেণী-সংঘাতৰ, সৰু-বৰ, ধনী-দুখীৰ? মানবীয়তাৰ ঠাইত হিংস্ৰতা, করুণাৰ ঠাইত প্ৰতিহিংসা। সমুখৰ ফায়াৰপ্লেচৰ জুইৰ অঙঠাবোৰ জ্বলি থকাৰ দৰে মানুহৰ মনৰ ভিতৰত হিংসাৰ জুইহে সদায় জ্বলি থাকে কিয়? এটা সুস্থ, বিজ্ঞানসন্মত সমাজ-ব্যৱস্থা মানুহে কিয় গঢ়ি তুলিব পৰা নাই? ধৰ্মৰ নামত মানুহে মানুহক মাৰে। আচৰিত, সদায় দেখি থকা ভাই-বন্ধুক ভাল পাব নোৱাৰা মানুহে আকৌ নেদেখা ভগবানক ভালপোৱা বুলি গৌৰৱ কৰে!!

চন্দনে কিতাপৰ থাকৰপৰা তেওঁৰ অতি মৰমৰ কিতাপ এখন এখনকৈ সমুখৰ জ্বলি থকা অঙঠাৰ মাজলৈ দলিয়াই দিবলৈ ধৰিলে।

····'মডাৰ্ণ ৱৰ্লড'? জ্বলক। বেটুপাতৰ মাজতহে সোমাই থকা তথা-কথিত 'মৰ্ডাৰ্ণ ৱৰ্লড' পুৰি ছাই হওক।

···এইখন 'ছায়েন্স এণ্ড হিউমেনিটি'—বিজ্ঞান আৰু মানবীয়তা। হুঃ মানবীয়তা। বিজ্ঞানৰ উৎকৰ্ষতাই মানুহক চন্দ্ৰলোকলৈ জীৱন্তে যাব পৰা কৰিছে,---কিন্তু মানবীয়তাৰ লেশমান গুণো সমাজে আজি আহৰণ কৰা নাই কিয়? বিজ্ঞানৰ প্ৰগতি দুৰ্বাৰ বুলি সমাজৰ গতি মন্থৰ আনকি স্থবিৰ হোৱাৰ বাবে দায়ী কোন?

···আৰু এইখন বেটুপাত ফলা ভাৰতীয় দৰ্শন। এই দৰ্শনৰ পুথিখনকে গছকি যোৱা ক্ষুব্ধ ডেকা এচামে তিনিবছৰ আগতে মোৰ মন বিষাদ উতলা কৰিছিল। কি হব এই মৃত দৰ্শনৰ। পৰিবৰ্তনহে জগতৰ একমাত্ৰ সত্য। একমাত্ৰ দৰ্শন। আৰু পৰিবৰ্দ্ধন মানে চিৰন্তন সংঘাত সংঘৰ্ষ।

আধুনিক জগতত সেয়ে সংঘৰ্ষৰ অগ্নি অবিৰাম জ্বলে। এয়া হোমাগ্নি নহয়, নহয়, হুতাশনৰ পূজা। চোকা ধাৰৰ তৰোৱালৰ ওপৰেৰে খোজ কঢ়া বুদ্ধিজীৱিৰ অৰ্থহীন কছৰতৰ এয়া। মেষদাহ।-----

···মই চন্দন---নহয়, ময়ো এজন Tight Rope-Walker দুইমূৰে বান্ধি ওলোমাই থোৱা ৰচিৰ ওপৰেৰে খোজকঢ়া খেলোৱাৰ। এজনৰ ভৰি পিচলিব পাৰে—সমতা হেৰাই তলৰ চোকা তৰোৱালত বাগৰি পৰিব পাৰে---কিন্তু the Show must go on---খেলা চলি থাকিব। এজনৰ পিছত এজন--আৰু এজন,---আৰু এজন। ময়ো তাৰে এজন।

···চন্দন আজি তোৰ সমতা হেৰাল—তোৰ ভৰি পিছলিল। ---- সকলো শেষ।----আৰু এই পৃথিৱী। মাকবোৰৰ মমতা, প্ৰেয়সীৰ প্ৰেম, মিছিলৰ হাঁহাকাৰ।----তাৰ মাজত মই এটা ক্ষুদ্ৰকণা।

---নাই, ইমানতে শেষ। হে পৃথিৱী, ---বিদায়, বিদায়। মই উভতিম আজি এৰি অহা পথেৰে।

এটা মুহূৰ্তত অঙঠাবোৰৰ মাজলৈ দলিয়াই দিয়া কিতাপবোৰ ধোঁৱাই উঠিল। গোটেই কোঠাটো ধোঁৱাময় হ'ল। উশাহ লব নোৱাৰা যেন হৈ উৰ্দ্ধশ্বাসে চন্দন ওলাই গ'ল বাহিৰলৈ।



অলপ পিছত যেতিয়া জীপৰপৰা মমতা নামি আহি চন্দনক মাতি মাতি কোঠাটোত সোমাল, তেতিয়াও ফায়াৰ প্লেচত আধাপোৰা

কিতাপ কিছুমানৰপৰা ধোঁৱা ওলাই আছে। ইতিমধ্যে উভতি অহা বেহেৰা আৰু বাবুৰ্চিয়ে মেনেজাৰক ক'তো দেখা নেপাই বিবুধিত পৰিছে। মমতাক দেখি সিহঁতে লৰি আহি কৈছে যে মেনেজাৰ চাহাব নাই; জুইত কিতাপবোৰ পুৰি থকাহে সিহঁতে পাইছে।

চন্দনৰ চাইকেলখনো নাছিল। মমতাই ভাবিলে চন্দন হুচপিতেললৈ গৈছে কিজানি। তেওঁ পুনৰ জীপত উঠি হুচপিতেল পালেগৈ। কিন্তু তাতো চন্দন নাই। ডাক্তৰ গগৈ তেতিয়াও আহত বুধনৰ ওচৰত। বুধনৰ সংজ্ঞা অহা নাই। দেউতাকক খবৰটো দি মমতা ফেক্টৰীৰ ওচৰলৈ গ'ল। জুম জুম হৈ অ'ত ত'ত বনুৱা, বাবুসকলে কথা পাতিছে। ফেক্টৰী চলি আছে। তাতো চন্দন নাই।

মমতাই বুজিলে, চন্দনে মানসিক সমতা হেৰুৱাই পেলাইছে। নহ'লে তেওঁৰ ইমান দিনৰ দৰ্শন-বুৰঞ্জীৰ পুথিবোৰ জুইত জাপি দিলে কিয়? হয়তো আকৌ তেওঁ অৰণ্যলৈ উভতিছে। এই ভাব খেলোৱাৰ লগে লগে তেওঁ ৰামু, শঙ্কৰহঁতৰ কেইজনমানক মাতি জীপত তুলি ললে আৰু মনজুলি বাগিচাৰ বাহিৰলৈ গাড়ী চলাবলৈ ড্ৰাইভাৰক নিৰ্দেশ দিলে।



এটা অস্থিৰ উত্তেজনাই মমতাৰ কণ্ঠৰোধ কৰিছিল। ৰামু, শঙ্কৰহঁতো তেওঁলোকৰ প্ৰিয় মেনেজাৰ চন্দন টমাছৰ বাবে উদ্বিগ্ন হৈ পৰিছিল। এইমাত্ৰ এটা নৃশংস আক্ৰমণৰপৰা তেওঁ ৰক্ষা পৰিছে। এতিয়া যদি তেওঁক বাটত গুণ্ডাদলৰ কোনোবাই আক্ৰমণ কৰে;--এই চিন্তা হৈছিল ৰামু, শঙ্কৰহঁতৰ। মমতাই কিন্তু তেনেকৈ ভবাতকৈ চন্দনে মনৰ সমতা হেৰুওৱা বুলিহে আশঙ্কা কৰিছিল।

জীপ চলিছিল তীব্ৰ বেগে;--সেই পথেৰে, যি পথেৰে তিনিবছৰ আগতে প্ৰথমবাৰলৈ চন্দনক শ্ৰীউত্তম বৰুৱা আৰু ডাক্তৰ গগৈয়ে মনজুলিলৈ লৈ আহিছিল।



এৰা, সেই পথেৰেই কিছু সময় আগতে তীব্ৰ বেগেৰে চাইকেল চলাই গৈছিল বিভ্ৰান্ত মনেৰে এজন ডেকা। তেওঁ চন্দন। মন-

জুলি বাগিচাৰ মেনেজাৰ চন্দন টমাছ। দুকাষৰ চাহগছৰ শাৰীবোৰ ক্ৰমে আঁতৰি গৈছিল। আঁতৰে আঁতৰে থকা শিৰীষ গছবোৰে নিজকে সামৰি যেন বাট এৰি দিছিল। এসময়ত বাগিচাৰ শেষ হৈছিল। আৰু পকী আলিবাটত অকলশৰীয়া চন্দনৰ ভৰি দুখন চাইকেলৰ পেডেলত সমান গতিৰে ঘূৰি আছিল।

সোঁৱা তিনিআলিৰ মূৰ,-- আৰু সেইডাল বৃহৎ গছ।

গছডালৰ দাঁতিয়েদি আহি চন্দন তিনিআলিৰ মূৰত ৰৈ গ'ল। চাইকেলখন তাতে একাষৰীয়াকৈ থৈ দিলে।

এয়া তাৰ পৰিচিত তিনিআলিৰ মূৰ। বহল আলিয়েদি গলে ডাঙৰ নগৰৰ পথত আকাশী বন্দৰটো--য'ৰপৰা উৰা মাৰি পাব পাৰি এখুন মহানগৰ। চন্দনে উভতি চালে--সি এইমাত্ৰ চাইকেল চলাই অহা দ্বিতীয় পথটোলৈ। বহুসংখ্যক চাহ বাগিচাৰ লানিৰে আৱৰা বাগিচাৰ সেই পথ--য'ত হেজাৰ হেজাৰ বনুৱাই মূৰৰ ঘাম মাটিত পেলাই, এমুঠি লোকক আৰাম কৰাৰ সুযোগ দি আহিছে— যুগ যুগ ধৰি।

চন্দনে চালে তৃতীয় পথটোলৈ--এটা সৰু বাট। অৰণ্যৰ অন্তৰালৰ তাহানিৰ চন্দনৰ আশ্ৰয় গৃহৰ দিশলৈ একাবেঁকা গতিৰে আগবঢ়া সেই পথ।

আকাশত তেতিয়াও চপৰা চপৰে মেঘ। সূৰ্য্য তেতিয়াও ডাৱৰৰ কাৰাগাৰত বন্দী।

কিন্তু, অলপ বতাহ বলিছে। গছৰ ডালবোৰ লৰিছে। বসন্তৰ আগজাননী দিয়া কোমল কুঁহিপাতবোৰে, চঞ্চল সৰু ল'ৰা-ছোৱালী জাকৰ দৰে হালি-জালি কোমল শব্দ এটিৰ সৃষ্টি কৰিছে। চৰাই জাকে কোঢ়াল নলগালেও, মাজে সময়ে চি-চিয়াই এটা জনহীন পৰিস্থিতিত প্ৰাণৰ সঞ্চাৰ কৰিছে।

বতাহ ক্ৰমে বাঢ়িছে। ওলমি থকা মেঘবোৰো লৰচৰ কৰিছে। চোপ পাতি ৰৈ থকা সৈন্যবাহিনীয়ে যেন অদেখা কোনো দলপতিৰ ইঙ্গিতত নিজৰ নিজৰ ঠাই এৰি নতুনকৈ সুবিধাজনকভাৱে শাৰী পাতিবলৈ লৈছে। দূৰত এটা গাজনি শুনা গ'ল। আৰু ভয়াৰ্ত

কাউৰী কেইটামানে একেলগে ৰমলিয়াই গছজোপাৰ ডাল এটাৰ ওপৰত খন্তেক ঘূৰিলে। আকৌ ডালটোতে পৰিলহি।

চন্দনে এবাৰ আকাশলৈ চালে। এবাৰ বৃহৎ গছজোপালৈ। তাৰ পিছত ধীৰভাৱে খোজ পেলালে অৰণ্যপথত।

এখোজ, দুখোজ। হঠাতে এটা শহাই ভয়েৰে কাষৰ জোপোহাৰ পৰা ওলাই বেঁকা বাটটোৰে লৰ মাৰিলে।

ঃ সেয়া নিৰ্জ্জ শহাটোৱে মোৰ পথকে লৈছে। কিয়? মই জানো শহাটোৰ দৰেই ভীৰু? পলাতক??--এনে এটা চিন্তাত চন্দন বৈ গ'ল।----

তাত থিয় হৈ চন্দনে উভতি চালে--অলপ আগতে এৰি অহা বাটটোলৈ। চন্দনে যেন শুনিবলৈ পালে মমতাৰ আৰ্ত্তস্বৰ ঃ চন্দন--তুমি নাযাবা। মোৰ বাবে তুমি নাযাবা।

তেওঁ চকু ওভতাই আনিলে। চিন্তাৰ ঢৌ খেলি গ'ল মনৰ মাজত ঃ কাৰ বাবে? মমতাৰ বাবে? এমিলিয়াৰ বাবে মিণ্টাৰ জন, ফুলমণিৰ বাবে ৰতন, চম্পাৰ বাবে বুধন, চেনেহীৰ বাবে ৰামু ওৰাং, পলী সিঙৰ বাবে প্ৰতাপ, মাৰ বাবে দেউতা আৰু মমতাৰ বাবে চন্দন--এয়া জানো যুঁজি জীয়াই থকাৰ যুক্তি হ'ৰ পাৰে?--কিয়? মমতাৰ চেনেহে, মমতাৰ সাহচৰ্য্যই, মমতাৰ প্ৰেৰণাই জানো মোৰ পৃথিৱীখন প্ৰেমময় কৰি তুলিব পাৰিলে?? নে পাৰিব?

তেনে সময়তে তীব্ৰবেগে আহি থকা জীপ এখনৰপৰা শুনা গ'ল--নাৰীকণ্ঠৰ আহ্বান ঃ 'চন্দন'।

আকাশৰ সূৰ্য্যটোক তেতিয়াও ডাৱৰবোৰে চাৰিওপিনৰপৰা আবৰি আছে। চন্দনৰো চকুৰ আশাৰ কিৰণমালা ঢাক খাই আহিছে। ডাৱৰবোৰৰ আঁৰৰ সূৰ্য্যটোৰ তীব্ৰ জ্যোতি কিন্তু পৃথিৱীলৈ গতি কৰি আছে তেতিয়াও। আৰু চন্দনৰো বিভ্ৰান্ত, আশাহত, মনৰ কুঁৱলী ফালি এটা আহ্বানৰ ধ্বনি আহি আছে। সেয়া মমতাৰ কণ্ঠস্বৰ--'চন্দন'। আৰু বহুতৰ কণ্ঠত--ৰামু-শঙ্কৰহঁতৰ আকুল আহ্বান--'মেনেজাৰ চাহাব।'--উত্তম বৰুৱাই তাহানি কৈছিল--তুমি পুৰুষ,

মূৰ তুলি যুঁজিব লাগিব। আনকো জীয়াই থকাত সহায় কৰিব লাগিব।---কিন্তু মূৰ তুলি যুঁজি কি পালো? আজি এবছৰে মনজুলি বাগিছাৰ ক্ষুদ্ৰ পৰিবেশতে ইমান সংঘাত! বহল পৃথিৱীৰ আক-ৰ্ষণতকৈ বিকৰ্ষণৰ সমলেইতো হব অপৰিসীম।---ফুলমণি, ৰামু, শঙ্কৰহঁতকে বা সুস্থভাৱে জীয়াই থাকিবলৈ মই কি দিব পাৰিলো? আৰু কিনো দিব পাৰিম??

আকাশলৈ চালে চন্দনে। ডাৱৰৰ আবেষ্টনীত সংগ্ৰামী সূৰ্য্য তেতিয়াও বন্দী।--নাই, চন্দনৰ আৰু দ্বিধা নাই। তেওঁ বিচাৰে শান্তি-- সেই শান্তি অৰণ্যৰ মাজৰ একক অস্তিত্বৰ শান্তি।

ইতিমধ্যে এটা বেঁকা কেকুৰী পাৰ হৈ চন্দনে ওখ ঢিপ এটাৰ ওপৰ পাইছে।----

আৰু জীপখন আহি তিনিআলিৰ মূৰত ৰৈ গৈছে।

ঃ চন্দন। তুমি গুচি নাযাবা।--মমতাই মাতিছে। চন্দনে উভতি চোৱা নাই। কিন্তু থমকি ৰৈছে।

ঃ মেনেজাৰ চাহাব। আমাক ছাৰি নাযাব।--ৰামু, শঙ্কৰহঁতে একেলগে চিঞৰিছে।

আকাশত মেঘৰ আবেষ্টনী ভেদ কৰি এজোলোকা পোহৰ চন্দনৰ গাত পৰিছেহি।

বতাহ বাঢ়িছে। মেঘবোৰ গতিশীল হৈছে।

চন্দন স্থিৰ। অৰণ্যপথৰ কেকুৰীটোৰ ঢিপটোত মমতা স্থিৰ। তিনিআলিৰ মূৰত, জীপৰ দাঁতিত। ৰামু, শঙ্কৰহঁত স্থিৰ। অধীৰ উৎকণ্ঠাত।

সময় গতিশীল।

গতিশীল বতাহজাক।

গতিশীল ক্ৰমে ডাৱৰ ফালি ওলাই অহা সূৰ্য্যৰ কিৰণমাল্য।

কিমান সময় তেনে এটা অনিশ্চিত পৰিস্থিতিয়ে সামৰি ললে কাৰো খেয়াল নহ'ল।

কিন্তু যেতিয়া আকাশী বন্দৰৰ পিনৰপৰা বহল পিচ দিয়া আলি-বাটটোৰ এখন টেক্সী আহি, বাট বিচাৰি বৰকৈ হৰ্ণ দিছিল ; তিনি-আলিৰ মূৰত থুপ খাই উৎকণ্ঠাৰে অৰণ্য পথলৈ চাই থকা মমতা, ৰামু, শঙ্কৰ আটায়ে সচকিত হৈ উঠিছিল।

গাড়ীখনৰপৰা মুখ উলিয়াই চোৱা মানুহজন--শ্ৰীউত্তম বৰুৱা। মমতাই শ্ৰীবৰুৱাক দেখি পানীত পৰা মানুহে কিবা এটা অৱলম্বন পোৱাৰ দৰে উৎসাহিত হৈ উঠিল। পোনেই লৰি গৈ মাতিলে,

ঃ বৰদেউতা !

ঃ কি হ'ল মমতা ?

ঃ চন্দনৰ মাক আহিছেনে ?

ঃ এয়া গাড়ীৰ ভিতৰত।--বুলি কৈ শ্ৰীবৰুৱা নামিল।

ঃ মা, মা--মই মমতা। আপুনি নামি আহক।--চন্দনৰ মাকক যেন টানিহে নমাব--তেনেদৰে মমতাই অধীৰভাৱে কৈ গ'ল ঃ মা, মা, সৌৱা আপোনাৰ ল'ৰা চন্দনে আকৌ অৰণ্যপথত ভৰি দিছে। আহক, আপুনি মাতি আনক।

উমাই হেহো-নেহোকৈ কৈছিল ঃ মই, মই কিয় ? তুমি মাতা। মই তাৰ অচিনাকি। তোমালোকে মাতিলেই আহিব।

ঃ নহয় মা, পলম নকৰিব। আহক।--উমাক নমাই অলপ আগুৱাই আনিলে মমতাই। শ্ৰীবৰুৱাও আগবাঢ়ি আহিল। হাৰাণ বাবুও গাড়ীৰপৰা নামিল।

ৰামু, শঙ্কৰহঁতে নমস্কাৰ জনাই একাষৰীয়া হৈ থিয় দিলে।

আকাশলৈ চাই চকু মুদি, চন্দনে কি জানো ভাবি আছিল। এটা প্ৰবল মানসিক দ্বন্দ্বত যেন কব নোৱাৰাকৈ বহু সময় পাৰ কৰি দিছিল।

ঃ মা, মাতক। আপুনি নামাতিলে নাহিব। ইমান দিনে আমি ৰখালো। এতিয়া আপোনাৰ পাল।

মমতাৰ কথাৰ ওপৰতে শ্ৰীবৰুৱায়ো যোগ দিলে ঃ এৰা মিছেহে টমাহ, এতিয়া আপোনাৰ পাল। মাকৰ পাল।

উমাৰ চকুত এধাৰি চকুলো। বিজুলী বেগেৰে তেওঁৰ মনত যেন নোকোৱা কথা কিছুমানে--আকাশত ভৰ দি ওলমি থকা মেঘৰ টুকুৰা-বোৰৰ দৰে ভিৰ কৰিছিল ঃ

----এতিয়া মোৰ পাল। মাকৰ পাল। কিন্তু--মোৰ তাহানিৰ চানু আৰু শহা পোৱালিটো ; বুধন মালী আৰু তাৰ বান্দৰটো, মোৰ চেনেহৰ ৰূপাই ফৰেণ্ট আৰু চানুৰ দেউতাক ঃ কাক কোনে ধৰি ৰাখিব পাৰিলে ? সকলো আহে, সকলো যায়।

"পৃথিৱীৰ সবচেয়ে পুৰাতন কথা, গভীৰ ক্ৰন্দন যেতে নাহি দিব হায়, তবু যেতে দিতে হয়, তবু চলে যায়।"-----

ঃ মিছেছ টমাছ।--বৰুৱাৰ মাতত সপ্ৰতিভ হয় উমা।

চকুলো দুধাৰ মচি, সোধে ঃ মই কি কৰোঁ ?

ঃ চন্দনক মাতক। বৰুৱাই কয়।

ঃ এবাৰ মাতক মা।--মমতাই কয়।

উমাই আগুৱাই গৈ থাকে আৰু মাতে--চানু--চানু---

সেই মাত শুনি চন্দনে সচকিত হৈ উভতি চায়।

হাত দুখন আগুৱাই এগৰাকী মাতৃয়ে সন্তানক মাতিছে বুকুৰ মাজলৈ। উমা তেতিয়া স্থিৰ। চকুত পানী নাই।

ঃ তুমি পুৰুষ। তুমি কিয় পলৰীয়া শহাৰ দৰে ভীৰু হবা। উভতি আহা।--বৰুৱাই চিঞৰি কলে।

মমতাই চিঞৰিলে ঃ চন্দন, উভতি আহা--তোমাৰ মা আহিছে। অন্ততঃ মাৰ বাবে আহা--।

আকাশত তেতিয়া ডাৰৰ ফালি সূৰ্য্য ওলাইছে। বতাহত মেঘবোৰ ছেদেলি-ভেদেলি হৈছে। তীব্ৰ কিৰণমালাই অৰণ্য পথকে ধৰি গোটেই পৰিবেশটো উজ্জ্বল কৰি তুলিছে।

ঃ আকাশৰ সৌ ঘন মেঘ ফালি অহা সূৰ্য্যৰ পথ লোৱা চন্দন।--কোনোবাই যেন চন্দনক কাণে কাণে কৈ গ'ল।

সূৰ্য্যৰ পথ ? কি সেই পথ ? সংগ্ৰামৰ আৰু আলোক বিতৰণৰ। সূৰ্য্যৰ কিৰণে জীৱন দিয়ে সহস্ৰজনক, সমগ্ৰ পৃথিৱীক। কাৰো গাই-

গুটীয়া স্বাৰ্থৰ বাবে নহয়--সকলোৰে কাৰণে সূৰ্য্যই নিজকে নিঃশেষ কৰি জীৱনী শক্তি দি আহিছে। চন্দনেও সেই পথ লব লাগে ? প্ৰতি-জন লোকে সেই পথ ললেচোন পৃথিৱী মঙ্গলময়, প্ৰেমময় হব ! কিন্তু সেয়া জানো সম্ভৱ !----মমতাই এদিন কৈছিল ঃ চন্দন এজনৰ বাবে সকলোজন, আৰু সকলোৰে বাবে এজন--এই দৃষ্টিৰে কাম কৰি যাব লাগে। এৰা, মমতাৰ বাবে নহলেও, মাৰ বাবে নহলেও, ফুলমণি ৰামু-শঙ্কৰহঁতৰ সকলোৰে বাবেতো মোৰ কৰিবলগীয়া বহু কাম আছে। কৰা উচিত।---উচিত বুলিয়েই জানো সকলো কাম কৰা হয় ? পৰিবৰ্তনেই জগতৰ একমাত্ৰ সত্য ; আৰু পৰিবৰ্তন মানেইতো স্থিতাৱস্থা জাঁতৰাই থকাৰ চিৰন্তন সংগ্ৰাম। সেই সংগ্ৰামৰ অন্ত নাই, সূৰ্য্যৰ মেঘমুক্তিৰ সংগ্ৰামৰ দৰে। বাৰে বাৰে মেঘমালা আহিব, বাৰে বাৰে সূৰ্য্যই বেহু ভেদ কৰিব। পোহৰৰ বাধাৰ মেঘকো বৰ্ষণ-মুখৰ কৰি পৃথিৱীক গৰ্ভৱতী কৰাব। এয়েতো সৃষ্টিৰ ক্ৰমগতি-স্থিতিৰ নীতি--। সৃষ্টি-স্থিতি-প্ৰলয়, প্ৰলয়-সৃষ্টি-স্থিতি--এনেদৰে চলে কালৰ ৰথচক্ৰ। চক্ৰযানৰ ৰথী মানৱ আৰু সাৰথি অজেয় মন। সেয়েই সূৰ্য্যৰ পথ।

এইবাৰ কোমল কন্ঠস্বৰব ঠাইত কঠোৰভাৱে ধ্বনিত হ'ল উমাৰ আহ্বান---

ঃ চন্দন, উভতি আহ।

এয়া মাতৃৰ আকুল মিনতি নহয়, সৰ্বংসহা ধৰিত্ৰীৰ যেন আদেশ। মুহূৰ্ততে চন্দনে টিপটোৰপৰা নামি, একা-বেঁকা বাটটোৰে উভতি আহি--তিনিআলিৰ মূৰত হাত আগবঢ়াই থকা মাকৰ বুকুত সোমাই পৰিল।

মমতা, উত্তম বৰুৱাই---দুইজনে সিজনলৈ চালে। উভয়ৰ চকুৰ কোণ সজল। ৰামু-শঙ্কৰহঁতে মুখ ঘূৰাই চকুপানী মচিলে।

ঃ মা, মা---তুমি মোক ক্ষমা কৰা---তাহানিৰ আঠ বছৰীয়া অকণমানি চানুটোৰ দৰে উমাৰ বুকুৰ মাজত মুখ গুজি ৰ'ল চন্দন।

উমাই কৈ গ'ল অশ্ৰু-বিজড়িত কন্ঠেৰে ঃ চানু। মাকৰ ওচৰত জানো সন্তানে দোষ কৰিব পাৰে ? তই--তই একেবাৰে শহাৰ লগত

ওমলা তাহানিৰ চানুটো হৈয়ে আছে। ব'ল, উভতি ব'ল। মোৰ বাবে নহয় চানু, তোৰ প্ৰয়োজন আছে পৃথিৱীৰ বহুজনৰ বাবে। আহ।

লাহে লাহে এটা চৰম উত্তেজনাৰ মুহূৰ্ত পাৰ হৈ গ'ল।



মনজুলি বাগিচা অভিমুখে দুখন গাড়ী চলিল। জীপখনত ৰামুশঙ্কৰহঁত। হাৰাণ বাবুও জীপত উঠিল। আৰু টেক্সীখনত উমা, মমতা, বৰুৱা, চন্দন।

সকলো নিৰৱ। অথচ প্ৰতিজনৰ মনতে এটা নিজে নিজেহে শুনা সৰৱ কলৰৱ।

চন্দনৰ মনতো সেই কলৰৱঃ মই আকৌ আহিছো। কোন পথেৰে? সূৰ্য্যৰ পথ। সৌৰা ডাৱৰ ফালি সূৰ্য্য মুকলি হ'ল। সূৰ্য্যৰ অ:লখ ৰশ্মিয়ে পৃথিৱীক আলিঙ্গন কৰিছে। আৰু পৃথিৱীয়েও ঘূৰি ঘূৰি সূৰ্য্যক প্ৰদক্ষিণ কৰি আছে। নিতৌ--অবিৰাম। অন্তহীন এই আকৰ্ষণ। আকৌ ডাৱৰ আহিব। আকৌ সংগ্ৰাম হব। পুনৰ সূৰ্য্যৰ কিৰণে পৃথিৱীক পৰশ কৰিব। অন্তহীন এই পৰিক্ৰমা। পৰ্বতৰ শৃঙ্গই ভৈয়ামৰ অলিয়ে-গলিয়ে ঢাপলি মেলে সূৰ্য্যৰ কিৰণে—জনপথৰ মিছিলৰ দৰে। সূৰ্য্যৰ কিৰণৰ লক্ষ লক্ষ কণিকা। প্ৰতিটো একক অথচ বিচ্ছিন্ন কৰিব নোৱাৰা ধৰণে সামগ্ৰিক। জনপথৰ মিছিলৰ মাজতো ব্যক্তি একক, অথচ সমষ্টিৰ মাজত বিলীন। সমষ্টিৰ আঁতৰত কোনো একক নহয়। সমগ্ৰৰ অবিচ্ছেদ্য অঙ্গৰূপেহে ব্যক্তিৰ স্থিতি। এই মা, মমতা, ফুলমণি, বৰুৱা, ডাক্তৰ, বুধন, ৰামু, শঙ্কৰ, মই—সকলো পৃথিৱীৰ নায়ক-নায়িকা। কিন্তু নায়ক-নায়িকা হোৱাৰ পৰিবেশ তথা পৃষ্ঠভূমি সহস্ৰজনৰ সমন্বয়তহে গঢ়ি উঠে। পৃথিৱী ইমান ধুনীয়া। মানুহ ইমান মহৎ। মানুহৰ প্ৰেমৰ দুৰ্বাৰ আকৰ্ষণ মই অনুভৱ কৰিছো। পৃথিৱীৰ প্ৰেমৰ আকৰ্ষণ মই উলংঘন কৰিম কেনেকৈ? মাধ্যাকৰ্ষণ শক্তিয়ে পৃথিৱীৰ বুকুলৈ সকলোকে টানি আনে। মাতৃৰ মৰমেৰে, প্ৰিয়াৰ আকোৱালেৰে, সহকৰ্মী বন্ধুৰ প্ৰেম-

প্ৰীতিৰে মোকো পৃথিৱীয়ে টানি আনিছে। এই আকৰ্ষণেইতো ব্যক্তিক জীয়াই ৰাখে, সমাজক জীয়াই ৰাখে, পৃথিৱীক জীয়াই ৰাখে। আৰু জীৱনত প্ৰেম থাকে মানে বিশ্বাসো থাকে। বিশ্বাসে দিয়ে আশা। আশা থাকে কাৰণে মানুহে জীয়াই থকাৰ যুঁজ কৰে। এই যুঁজ, এই সংগ্ৰাম চিৰন্তন। সেই সংগ্ৰামৰ মাজতো থাকে এক আনন্দ। জীৱশ্ৰেষ্ঠ মানুহৰ আনন্দ। এই আনন্দৰ মাজেৰে চলোৱা নিৰন্তৰ সংগ্ৰামে আনে পৰিৱৰ্তন। আৰু পৰিৱৰ্তনেই পৃথিৱীক ইমান আকৰ্ষণীয় কৰে। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে কৈছিল 'ৰূপান্তৰেহে মাথোঁ জগত ধুনীয়া কৰে, এয়ে গায়ত্ৰী মন্ত্ৰ।' কিন্তু ৰূপান্তৰৰ বাবে অকল অলস চিন্তাই অৰিহণা যোগাব নোৱাৰে। তাৰ বাবে লাগে সীমিত বৃত্তত হলেও প্ৰতিজন ব্যক্তিৰ, প্ৰতিটো সমষ্টিৰ নিয়ত সক্ৰিয় প্ৰচেষ্টা। ঠিক বতাহে আন্দোলিত কৰি সূৰ্য্যৰ কিৰণমালাক গতিপথ ৰুদ্ধ কৰা মেঘৰ চপৰাবোৰ আঁতৰাই থকাৰ দৰে, প্ৰতি গৰাকী ব্যক্তি আৰু প্ৰতিটো সমষ্টি'য় ৰূপান্তৰৰ অভিযানৰ পথ মুকলি কৰি থাকিব লাগিব। অনিৰুদ্ধ ৰূপান্তৰৰ মাজতে বিচাৰি পোৱা যাব পৃথিৱী আৰু মানৱৰ মাজৰ প্ৰেমৰ অন্তহীন আকৰ্ষণৰ উৎস। আৰু এই দুৰ্বাৰ আকৰ্ষণেই—পৃথিৱীৰ প্ৰেম।

## সামৰণি ?...এটা অধ্যায়ৰ—

ধুমুহা যিমান প্ৰচণ্ড গতিৰে নহওক কিয়, তাৰ অন্তত আহে এটা প্ৰশান্তি। ঘৰ্ষণৰ স্ফুলিঙ্গই আনে এটা দীপ্তি। ঘাত-প্ৰতিঘাতত জৰ্জৰিত বন-বিহঙ্গমৰ দৰে উমা আৰু চন্দনৰ জীৱনলৈও নামি আহিল স্থিতিৰ সংগ্ৰামৰ এটা অধ্যায় সামৰাৰ বেদনা-বিধুৰ তৃপ্তি।

প্ৰায় এমাহ পাৰ হ'ল।

ইতিমধ্যে উমাই চন্দন-মমতাহঁতৰ সৈতে অতীতৰ শত স্মৃতি বিজড়িত ৰূপাই ফৰেষ্টলৈও গৈছিল। সেই অঞ্চলত নানান পৰিবৰ্তন ঘটিছে; নতুন নতুন ঘৰ সজা হৈছে, বিষয়া-কৰ্মচাৰীৰ সংখ্যা বাঢ়িছে। কিন্তু কাঠৰ চাংবঙলাটোৰপৰা তাহানি উমাই দেখি থকা পৰ্বতীয়া নৈখন একেদৰে বৈ আছে। বহাগৰ শেষত আগৰ দৰেই নৈখনত পানী বাঢ়িছে। দুপাৰৰ হাবি-বন, গছ-বিৰিখত ন-ন পাতফুল ভৰি পৰিছে। উমাৰ মনত পৰিছিল—মোহিতৰ লগত কটোৱা নানা ৰঙৰ দিনবোৰৰ কথা। হাবি-বন গোটাই ঘৰ-দুৱাৰ লেতেৰা কৰা অকণি চানুটো, ভায়োলিন বজাই আপোন পাহৰা হোৱা মোহিত, আৰু সৰু সংসাৰখনৰ মাজত সদাব্যস্ত থকা উমা—অতীতৰ স্মৃতিৰ টুকুৰাবোৰে আমনি কৰিছিল খন্তেক পৰলৈ। সপোনৰ দৰে এদিন

সেই সুখৰ সৰু নীড় এটা দুৰ্ঘটনাৰ ধুমুহাই ভাঙিছিল। নীড়হাৰা প্ৰাণীকেইটা কেউপিনে উফৰি পৰিল।



বাৰ বছৰ অপেক্ষা কৰিও মোহিতৰ সন্ধান পোৱা নগ'ল। বৰং সেই দুৰ্যোগৰ যুগটোৰ অন্তত আন এটা ধুমুহাত বাকী দুটি প্ৰাণীও বিচ্ছিন্ন হৈ পৰিল।

পুনৰ দুটি প্ৰাণী লগ হৈ প্ৰথমজনৰ স্মৃতিকে বুটলি শান্তি পোৱাৰ আশাত হয়তো ৰূপাই পাইছিল। কিন্তু ৰূপায়ে কি দিলে? দিব পাৰেই বা কি? এটা শূন্য হুমুনিয়াহ্। তাকে লৈ উভতিছিল উমা, চন্দন।



ৰঙালী বিহুৰ উখল-মাখলেৰে বহাগ মাহটো শেষ হ'ল। নৃত্য-গীত-বাদ্যৰ পয়োভৰৰ মাজত প্ৰাণচঞ্চল অসমৰ ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী---সকলো আপোন-পাহৰা হৈ থাকে বছৰৰ আৰম্ভণিৰ প্ৰথম মাহটো। বহাগৰ বিদায় মুহূৰ্ত্তই আৰু এক বহাগৰ আগমনৰ আশাকে দি যায়, লগতে দিয়ে বছৰটোলৈ কৰ্ম্মপ্ৰেৰণা।

উমাৰ উপস্থিতিত চন্দন-মমতাৰ লগতে মনজুলিৰ সৰু পৰিয়াল যেন মানুহখিনিৰ মনলৈও এই বহাগে আনিলে কৰ্মপ্ৰেৰণাৰ লগতে এটা প্ৰশান্তি। চন্দন আৰু মমতাৰ মনত সকলো পোৱাৰ মাজতো কিবা এটা নাম-নজনা অভাৱৰ অনুভূতি আঁতৰি যোৱাৰ পৰিবেশো ক্ৰমে গঢ়ি উঠিল।



এদিন বহাগ গ'ল। আৰু উমা?---একমাত্ৰ গৰ্ভজাত সন্তান চন্দনক ইমান ওচৰত পায়ো তেওঁ পাহৰি যাব নোৱাৰিলে কলিকতাৰ উপকণ্ঠৰ ইছমাইল, ডেভিড, ৰামস্বামী, গণেশহঁতক। সিহঁতৰো যে তেওঁ মাক। সিহঁতৰ ৰং-ধেমালি উছৱ-পৰৱত, ল'ৰা-ছোৱালীৰ জন্মৰ সময়ত, বিয়া-বাৰুত উমা যে থাকিবই লাগে। সিহঁতৰ দুখ-শোক, আন্দোলন-অনশনতো উমাৰ উপস্থিতি অপৰিহাৰ্য্য। আনকি সিহঁতে অনশন

কৰিলেও উমাইহে কমলাৰ ৰস খুৱাই অনশন ভঙ্গ কৰাব লাগে। আজি দুবছৰে উমাই সেইসকল সন্তানৰ মাজত নিজকে বিলাই দি আহিছে। নতুন পৰিয়াল এটা যেন উমাক কেন্দ্ৰ কৰি গঢ়ি উঠিছে, য'ত কোনো ধৰণৰ সংকীৰ্ণ স্বাৰ্থ-চিন্তা নাই; আছে মাথো মানৱ সেৱাৰ অপূৰ্ব আনন্দ।



মনজুলিলৈ অহাৰ আগতো, এই আকৰ্ষণৰ বাবেই, উমাই শ্ৰীউত্তম বৰুৱাক কৈছিল যে তেওঁ আকৌ উভতি যাব তেওঁৰ বৰ্তমানৰ কৰ্ম-স্থলীলৈ। শ্ৰীবৰুৱায়ো সেয়ে তেওঁলোকক অনাৰ সময়ত প্লেনৰ দুটা ৰিটাৰ্ণ টিকট উমাৰ হাতত দিছিল। উভতি যোৱা তাৰিখটো অ-নিৰ্দ্ধাৰিত কৰি ৰখাইছিল।



চন্দন-মমতাই মনজুলিক কেন্দ্ৰ কৰি জনকল্যাণকে জীৱনৰ লক্ষ্য কৰি কাম কৰিবলৈ লৈছে। একে লক্ষ্য লৈয়েই কলিকতাৰ উপ-কণ্ঠৰ এটা বস্তিক কেন্দ্ৰ কৰি উমায়ো যথাসাধ্যে মানৱসেৱাত ব্ৰতী হৈছে। লক্ষ্য একে, কৰ্মক্ষেত্ৰহে বেলেগ। সেয়েহে একে লক্ষ্যত খোজ লোৱা মাক উমা আৰু পুতেক চন্দনৰ পাৰস্পৰিক উপলব্ধিয়ে তেওঁলোকৰ মাজত স্নেহৰ বন্ধন অধিক কটকটীয়া কৰি তুলিলে। এনে একাত্মবোধৰ বন্ধন স্থান-কালৰ দূৰত্বই শিথিল কৰিব নোৱাৰে। মাজে-সময়ে, আৱশ্যক ক্ষেত্ৰত উমা চন্দনৰ কাষ পাব; চন্দনো উমাৰ ওচৰলৈ যাব। কিন্তু কাৰো গতিপথত কোনো প্ৰতিবন্ধক নহয়। আজি আৰু দুটা প্ৰাণৰ মাজত কোনো দ্বিধা-দ্বন্দ্বৰ অৱকাশ নাই।



এনে এটা পৰিবেশতে উমা কলিকতালৈ যাবলৈ ওলাল। চন্দন আৰু মমতাই উমা আৰু হাৰাণ বাবুক লৈ এৰোড্ৰমলৈ গৈছে। শ্ৰীউত্তম বৰুৱাই তেওঁৰ নিজা ধুনীয়া গাড়ীখনত তেওঁলোকক

পঠিয়াই দিছে। আজি শ্ৰীৰকৰা আৰু তাঃ শৰ্মাৰ মনতো এটা অভাৱনীয় তৃপ্তি।

●

কলিকতা অভিমুখে বিমানৰ চিৰিৰে উমা উঠি গৈছে। এগৰাকী মাতৃ,—অকল চন্দনৰে নহয়, সকলো গৰীব-দুখী, অনাথ-অসহায়ৰ মাতৃ। শেষবাৰ উভতি চাইছে আঁতৰত হাত জোকাৰি বিদায় দি থকা চন্দন আৰু মমতাক। উমায়ো হাত দাঙিছে। আজিৰ এই বিদায়ত যেন কোনো বেদনাৰ অনুভূতি নাই। উমাৰ চকুৱে-মুখে এটা নিৰ্ভৰ মনৰ মাতৃসুলভ হাঁহি। আত্মবিশ্বাস লাভ কৰা মৰমৰ পুত্ৰ চন্দনে নিজে নিজৰ কৰ্তব্য নিষ্ঠাৰে পালন কৰিব পাৰিব বুলিয়েই উমাৰ বিশ্বাস উপজিছে। সেয়ে এই নিৰ্ভৰতা। তদুপৰি চন্দন আজি আৰু অকলশৰীয়া নহয়, লগত আছে বহু একনিষ্ঠ সহকৰ্মী আৰু শুভাকাংক্ষী।

●

এটা সময়ত বিৰাট গৰ্জন কৰি আকাশ পথত বিমান উৰিল—এখন মাতৃহৃদয় লৈ।

●

চন্দন আৰু মমতা মনজুলিলৈ উভতিবলৈ গাড়ীৰ কাষ পালেহি। ড্ৰাইভাৰে গাড়ীত লগোৱা ৰেডিঅ'ৰ গীত শুনি আছিল। চন্দন আৰু উমা কাষ চপা শব্দ পাই বন্ধ কৰিব খুজিছিল। উমাই ক'লে—বাজিবলৈ দিয়া।

ৰেডিঅ'ত গীত আহি থাকিল। গাড়ী চলিল।

●

গাড়ী উভতিছে পিচ্ দিয়া বহল পথেৰে। ৰেডিঅ'ত এটাৰ পিছত এটা গীত বাজি আছে। এটা সময়ত চন্দন-মমতা সকলোৰে পৰিচিত সেই তিনিআলিৰ সঙ্গম পালেহি, য'ৰপৰা অৰণ্যৰ একাবেঁকা পথৰ আৰম্ভণি হৈছে আৰু য'ত লগ লাগিছেহি মনজুলি বাগিচালৈ যোৱা চাহপাতৰ বাগিৰ মাজত ৰঙচুৱা আলিবাটটো।



চন্দনৰ মনত ভাৱৰ তোলপাৰ। -------মায়ে মোৰ জ্ঞান চকু মুকলি কৰি গ'ল। এদিন বুকুৰ উমেৰে মৰম-চেনেহৰে মোক তুলি-তালি ডাঙৰ কৰিলে। আজি পুনৰ এক ত্যাগৰ আদৰ্শৰে শ শ আশাহত জনক মাতৃত্বৰ উমেৰে আবৰি ৰখা মাই মোক মানৱসেৱাৰ ব্ৰতৰ সন্ধান দিলে। এই ব্ৰত মেয়ো লম---একনিষ্ঠভাৱে। সেয়ে মই উভতিছো মানুহৰ পৃথিৱীলৈ। যি কোনো ধৰণে অসহায় মানৱতাৰ কল্যাণৰ প্ৰচেষ্টাই হব মোৰ জীৱনৰ লক্ষ্য। মই পৃথিৱীক ভাল পাম। পৃথিৱীয়েও মোক ভাল পাব।



আকাশত তেতিয়া উজ্জ্বল ভাস্কৰৰ তীব্ৰ-কোমল ৰ'দজাক। গাড়ী চলিছে এটা নিৰ্দিষ্ট গতিবেগত। তিনিআলিৰ মূৰ এৰি মনজুলিৰ পথত। কাৰো মুখত মাত নাই। মাজে মাজে 'গিয়াৰ' সলনি কৰা শব্দ নাইবা এটা-দুটা হৰ্ণৰ ধ্বনি। আৰু ৰেডিঅ'ত উটি অহা গীতটোৰ কথাবোৰ।------

আহ ঐ আহ
জীৱন মানেই সাহ----
গছে-পাতে আজি
নতুন পুৱাৰ লাহ॥

জয়-পৰাজয় হওক যি হয়
গতিৰ ধৰাই মাথোঁ সকিয়ায়---
জীৱন মানেই সংগ্ৰাম,

পোৱা নোপোৱাৰ হিচাপ মিছা----
আছে কিনো তাৰ দাম ?
জীৱন মানেই সংগ্ৰাম---

